অৰ্জ্জুনৰ

# পাশুপত লাভ






শ্ৰীধনী ৰাম বৰুৱা

# অৰ্জ্জুন

## পাশুপত লাভ

লিখক—


শ্ৰীধনী ৰাম বৰুৱা

নিজ সৰাবাৰী।








প্ৰকাশক —

ৰজনীপ্ৰভা এজেঞ্চী

(পো: আ: কমাৰকুছি, কামৰূপ (অসম)

প্ৰথম তাঙৰণ

১৩৫৯ চন, শ্ৰীশ্ৰীদুৰ্গাপূজা


 [ মূল্য—।৶০ ছয় অনা

# উছৰ্গা

পূজনীয় অগ্ৰজ স্বৰ্গীয় চন্দ্ৰকান্ত বৰুৱা দেৱৰ
স্মৃতিৰ উদ্দেশ্যে—

অনুজ

## — সংক্ষিপ্ত পুৰুষ নামাৱলী —

স্বৰ্গীয় পিতামহ

পদো ৰাম বৰুৱা



# পাতনি

জয় জয়তে গি জনাৰ অসীম কৃপাত মই আজি এই কিতাপ-খনি ৰাইজৰ ওচৰত ডাঙি ধৰিবলৈ যত্নপৰ হব পাৰিছো সেই সৰ্ব্ব-নিয়ন্তা পৰমেশ্বৰৰ ওচৰত শত কোটি প্ৰণতি জনাইছো। ছাত্ৰ জীৱনৰ অৱসান ঘটাৰ পৰা মই ৰাজহুৱা নাম-কীৰ্ত্তন আদিত থাকি সুখ পাওঁ। আৰু তাৰ লগে লগে এনেকুৱা এখনি নামৰ পুথি উলিয়াবলৈ মোৰ মনত এটা প্ৰবল হেপাহ জন্মি আছিল তাৰেই চিন স্বৰূপে স্বৰ্গীয় জগন্নাথ ভট্টাচাৰ্য্যদেৱে লিখা "কিৰাত পৰ্ব্ব" নামৰ পুথিখনিৰ পৰা কাটি সময়োপযোগী কেইটামান নামেৰে এই ক্ষুদ্ৰ পুথিখনি লিখি উলিয়ালো। আৰ্থিক অনাটনৰ বাবে পুথিখনি ছপা নোহোৱাকৈ পৰি আছিল।

পিচত ৰজনী প্ৰভা এজেঞ্চীৰ শ্ৰীযুত প্ৰসন্ন চন্দ্ৰ বৰুৱা দেৱে পুথি-খনিৰ ছপাৰ দায়িত্ব লৈ লিখকৰ অপূৰণীয় আকাঙ্ক্ষা পূৰণ কৰাৰ বাবে তেখেতৰ ওচৰত শলাগনি জনাইছো। সদৌ শেষত এই ক্ষুদ্ৰ পুথি-খনিয়ে পাঠক সমাজত স্থান পালে ভবিষ্যতলৈ আৰু কেইখনমান পুথি উলিয়াবলৈ আশা থাকিল। ইতি— ২৬ ভাদ্ৰ ১৮৭৪ শক।

ৰাইজৰ আশীৰ্ব্বাদ ভিখাৰী—
শ্ৰীধনী ৰাম বৰুৱা নিজ সৰাবাৰী।
পোঃ দেওধনীঘাট, (দৰং)

# লিখকৰ বংশ পৰিচয়

অতি পুৰণি কালত আমাৰ উপৰি পুৰুষ কামৰূপৰ সৰুা নামে গ্ৰামত আছিল বুলি শুনা যায়। তাৰ পিছত পিতামহৰ দিনত মঙ্গলদৈৰ ভকাবাৰীলৈ উঠি আহে। তাত কিছুদিন থাকি পিতামহ ৺পদো ৰাম বৰুৱা কামৰূপৰ সাতগাৱঁলৈ যায় আৰু তাত কিছুদিন থকাৰ পিচত পিতামহে ৩ জন লৰা, দুজনী ছোৱালী লৈ বৰ্ত্তমান থকা ঠাইলৈ (সৰাবাৰী) উঠি আহে তেতিয়াৰ পৰা মোৰ পিতা শ্ৰীযুত সভাৰাম বৰুৱাই ইয়াতে বসবাস কৰি আমাক ডাঙৰ দীঘল কৰে।

ৰাইজৰ সেৱক—

—লিখক

# অৰ্জ্জুনৰ পাশুপাত লাভ

---

মহাভাৰত

## অৰ্জ্জুনৰ অস্ত্ৰ শিক্ষা

*দিহা*

জয়ন্তু পাণ্ডৱগণ ভৈলা শুদ্ধ গুণে।
ইন্দ্ৰত যে দিব্য অস্ত্ৰ শিকিলা অৰ্জ্জুনে

*পদ —*

শুনা সভাসদ পদ মহাভাৰতৰ।
ভণিলা কংসাৰি কবি অৰণ্য পৰ্ব্বৰ॥
জন্মেজয় বোলে বৈশম্পায়ন বিদিত।
শুনিলো কৃষ্ণৰ কথা সাক্ষাতে অমৃত॥
যেন মতে পাণ্ডৱ যে আছন্ত বনত।
ইন্দ্ৰত অৰ্জ্জুনে অস্ত্ৰ শিকিলা স্বৰ্গত॥

কেন মতে শঙ্কৰক যুদ্ধত তুষিলা।
পাশুপাত অস্ত্র হৰে কেন মতে দিলা॥
বৈশম্পায়ন ঋষি জন্মেজয়ৰ আগত।
কহো কথা অৰ্জ্জুনৰ শুনিয়ো সমস্ত॥
এক দিনা সভাত যত ধৰ্ম্মৰাজ।
অৰ্জ্জুনক মাতি গোপা বুলিলন্ত কাজ॥

## ২ নং দিহা—

অ' বাপু ধনঞ্জয়; অ বাপু বীৰবৰ এ ৰাম,
অ' আমি ভৰা নৌকা বাপু তুমিশে কান্দাৰ—
বাপু ধনঞ্জয় এ

### পদ—

উপায় এক বোলো শুনা মোৰ বাক।
আপোনাক দৃঢ় কৰা নিচিন্তে ন থাক॥
এহি বনবাসে আপোনাৰ কাৰ্য্য সাধ।
আতে থাকি তপ কৰি ইন্দ্ৰক আৰাধ॥
ইন্দ্ৰ তুষ্ট ভৈলা তুষ্ট হন্ত দেৱলোক।
দিব্য অস্ত্ৰ আছেমানে সবে দিবো তোক॥
এতেকে কাযাক যেবে হেলা নকৰস।
তেবে কৰ্ণ কৌৰৱক জিনিতে পাৰস॥
ব্যাসে দিলা যোগ মন্ত্ৰ কহো তাক শুন।
এহি শুভক্ষণে বাপু চলিও অৰ্জ্জুন॥

তোৰ প্ৰসাদতে আমি তাৰিবে সাগৰ।
কিৰিতি থাকো আৰে চন্দ্ৰ দিবাকৰ॥
ধৰ্ম্মৰ বচন হেন শুনি সবাসাচি।
খনিেক অধোমুখে ৰিণৰিষি আছি॥
তাৰ পৰে ভৈলা উঠি ধনুবান তোন।
স্বস্তিক বচন পাছে বুলিলা ব্ৰাহ্মণ॥
কলি যোগে গতি নাই বিনা হৰি নাম।
খণ্ডোক পাতক ডাকি বোলা ৰাম ৰাম॥

## ৩ নং দিহা—

অ' দাদা ধৰ্ম্মৰাজ এ অ' আসিলো দুৰ্গম বনে
থাকিবা নিৰ্ভয় মনে থাকা দাদা কৃষ্ণক স্মৰি
অ' সহদেৱ নকুলক সংঙ্গত ৰাখিবা দাদা এ
অ' দাদা ধৰ্ম্মে থাকিব ৰক্ষা কৰি॥

## পদ—

ধৰ্ম্মক প্ৰণামি বীৰ হাতে ধনু ধৰি।
গৃহ ৰাজ ভৈলা তপস্বীৰ বেশ ধৰি॥
অনেক দিনৰ বাট চাৰি দুৰ্গ পন্থ।
একে দিনে পাইলা গিৰি ৰাজ হেমৱন্ত॥
নানা ধাতু ৰত্ন গিৰি কৰে জ্যাতিস্কাৰ।
চৰাত যোজন হবে অনেক হাজাৰ॥
দীঘলে প্ৰমাণ পুব পশ্চিম সাগৰ।
অনেক সহস্ৰ শৃঙ্গ জ্বনে স্কতিকৰ॥

আনো অশংখ্যাত সব বহে নদী নদ।
দেৱ দিব্য দীঘি সব তাত বিদগাদ ॥
তাক চাহি অৰ্জ্জুনযে জাগন্তে আহন্ত।
ৰহ ৰহ আকাশি বচন শুনিলন্ত ॥

## ৪ নং দিহা—

অ' কোন তুমি বনবাসী লগে ধনুশৰ।
অ' অনুমানে জানো এক ৰাজাৰ কুমাৰ ॥

## পদ—

সচকিতে দশোদিশে চাহন্ত অৰ্জ্জুনে।
কৈত কাক ৰহ ৰহ বুলিলেক কোনে ॥
এহি বুলি আগ পাছ চান্ত পৰ্ব্বতত।
দেখন্ত ব্ৰাহ্মণ গুটি অশ্বত্থ মূলত ॥
অৰ্জ্জুনক চাই হাসি বুলিলা ব্ৰাহ্মণে।
কোথা হন্তে আতাই কিসক ফুৰা বনে ॥
আমাৰ বচন শুনা এৰা ধনু শৰ।
যেহি মনে বাঞ্ছা তুমি লোৱা সেহি বৰ ॥
অৰ্জ্জুনে বোলন্ত গুৰু প্ৰণামো চৰণ।
সাক্ষাততে বিষ্ণু তুমি পবিত্ৰ ব্ৰাহ্মণ ॥
বিস্তৰ কথাক কত কহিবো অশেষ।
যদি বৰ দিবা মোক দিয়া উপদেশ ॥
যেন মতে ইন্দ্ৰত যে দিব্য অস্ত্ৰ পাওঁ।
কহিও উপায় গুৰু আৰাধিতে চাওঁ ॥

ব্ৰাহ্মণে বোলন্ত বাপু শুনা ধনঞ্জয়।
মই ইন্দ্ৰ আসি আছো জানিবা নিশ্চয়॥

## ৫ নং দিহা –

অ' নালাগে নালাগে দেৱ এ অ' দেৱ নাহি হেন কাজ
অ' মহা সুখে দুৰ্য্যোধনে ভুঞ্জিবেক ৰাজ এ
নালাগে নালাগে দেৱ এ॥

## পদ—

অৰ্জ্জুনে বোলন্ত শুনা, নালাগে নালাগে দেৱ,
স্বৰ্গ সুখ কৰিবোহো কিশ।
ধৃতৰাষ্ট্ৰ নৃপতিৰ, পুত্ৰ সব জীয়ে মানে
মোৰ মনে অমৃতেও বিষ॥
কৌৰৱৰ শত ভাইক, যাৱে নতু বধো অস্ত্ৰ,
যাৱে পিণ্ড নেদো শকুনিৰ।
আছোক স্বৰ্গক ছাৰি, ইন্দ্ৰ পদ নালাগয়,
কৰ্ণৰ নাকাটো মানে শিৰ॥
বাসৱে বোলন্ত বাপ, নকৰিবা হৃদি তাপ,
পৰীক্ষা কৰিলো কথা শুন।
উপায় এক বোলো কৰ, সকল পাতেক হৰ,
শঙ্কৰক আৰাধ অৰ্জ্জুন॥

## ৬ নং দিহা—

অ' অশ্বত্থৰ তলে তলে ধনঞ্জয়।
গঙ্গাজলে স্নান কৰি শিৱক পূজয়॥

পদ—

অৰ্জ্জুন ভৃঙিতে ৰই, গঙ্গাৰ তীৰত গৈ,
অশ্বথ বৃক্ষৰ তল চাপি।
ভিটি এক বান্ধি ৰমা ওপৰত ব্যাঘ্ৰ চৰ্ম্ম
মৃত্তিকা শঙ্কৰ তাতে থাপি॥
পূজাৰ সম্ভাৰ যত, খুজি লুৰি পৰ্ব্বতত
পুষ্প দূৰ্ব্বা আৰু বেল পাত।
হৰিতকী, তানজৰা, কনক ধুতুৰা ওৰ,
শঙ্কৰৰ প্ৰিয় জাত জাত॥
নিবিড় ধাৰণা কৰি, একচিত্তে ধ্যান কৰি,
পূজন্ত, জপন্ত, শিৱ নাম।
পঞ্চাঙ্গ ৰুদ্ৰক পাঢ়ি ফুৰি ফুৰি পৰি পৰি,
দণ্ডৱতে কৰন্ত প্ৰণাম॥

৭ নং দিহা—

অৰ্জ্জুনৰ উগ্ৰ তপ দেখি ঘোৰ,
দেৱগণৰ ভৈলা ভয়॥

পদ—

দেৱঋষি গণে দেখিলা যতেক,
কেহো নুবুজিলা আশ।
সবে আলোচিয়া কৈলাশ গিৰিক
গৈলা শঙ্কৰৰ পাশ॥

কৰজোৰ কৰি চাপৰি চুপৰি ;
প্ৰণামিলা জানু পাৰি।
ঢৰে দেৱগণে শঙ্কৰ আগত,
বিনয়ন্ত আগ বাঢ়ি ॥

**৮ নং দিহা—**

অ ভয় নাই ভয় নাই এ দেৱগণ—
অ দেৱলোকে চলি যোৱা স্থিৰ কৰা মন এ ভয়।

**পদ—**

তুমি সবে দেৱগণ, নুবুজিলা তাৰ মন,
যিকাৰণে কৰে উগ্ৰ তপ।
কাম্যৰ নাপাইলা সিদ্ধি হৰুৱাইলা শ্ৰুতি বুদ্ধি
লেজুক বোলাহা বৰ সৰ্প ॥
অৰ্জ্জুনৰ কাম্যময় আজি সবে সাধো গৈ,
তুমি সবে চলা নিজ স্থান।
এহি বুলি ডৰডৰী বৃষভ স্কন্ধত চৰি
চলি গৈলা জগত ঈশান ॥

**৯ নং দিহা—**

অ' কিৰাতৰ বেশে চলিলা শঙ্কৰে
লগত পাৰ্ব্বতী সতী ॥

**পদ—**

চৌষষ্টি যোগিনীগণ চলিলা লগত।
কিৰাতৰ নাৰী যেন দেখি সেহি মত ॥

চাপচুপ দণ্ডখানি পাতো বুদ্ধি চলে।
বৰাহেক আগক পঠাইলা মায়া বলে ।
উৰ্দ্ধচিত্ৰ লোম সব শিহৰি গাৱৰ।
অৰ্জ্জুনৰ আগে ভৈলা পৰ্ব্বত আকাৰ ॥
অৰ্জ্জুনে বোলন্ত মই জানিলো অৱশ্যে।
বৰাহ নুহিকা ইটো মায়াৰী ৰাক্ষস ॥
অৰ্জ্জুনে জুৰিলা শৰ লক্ষ্য কৰি তাক ;
ডাক দিয়া কিৰাতে দূৰতে দিলা হাক ॥
পাছে সে অৰ্জ্জুনে পাইলা কিৰাতক ভেট।
দুই চকু টেলা তাৰ গোলৈ হেন পেট ॥

## ১০ নং *দিহা*—

অ কোন তুমি মহাপাপী কিৰাত দুৰ্জ্জন।
কৈৰ হন্তে কিয় তুমি ফুৰা বনে বন ॥

## *পদ*—

নাৰীগণ দেখো সঙ্গে তুমি একেশ্বৰ।
সিংহ বাঘে কিবা খাই ৰাক্ষসক ডৰ ॥
কিৰাতে বোলন্ত আৰে ই কথা থাকোক।
পৰ্ব্বত নিবাসী আমি বনচৰ লোক ॥
শৰে হানি বৰাহক খেদি আনো মই।
কিয় মোৰ বৰাহক মাৰা কেনে তই ॥
হাক দিলো তপস্বিয়া নুশুনিলি হাক।
মৰিবাক লাগি যেৰি কৰস যমক ॥

## ১১ নং খৰ দিহা -

অ আজি প্ৰভু শঙ্কৰে ঐ অ হৰি

যুদ্ধ আৰম্ভিলা আজি প্ৰভু শঙ্কৰ।

### পদ—

অর্জ্জুনে মনত গুণে চকু পকাই চান্ত।
কিৰাত গোত্তৰ মোক হেনয় সিদ্ধান্ত॥
ঘিনে বাম্ভি আসে তাৰ গাৰুৰ গোন্ধত।
দান কিছু নাজানোহো আনৰ মহত্ত॥
যৈত নাজানয় তৈত নাথাকি ক্ষণেক।
ধিক্‌কাৰ আছোক কিয় অসিলো বনক॥
ইতবৰ আশাৰেক সহিলো আছোক।
দিবো সেক আক্ত যদি কিছু বোলে মোক

### ৰাগিনী—

ঐ আহাৰে অ শিৱ শিৱ ভোলা মহেশ্বৰ।
অ পার্থৰ বুজিবা মন কিৰাত ৰূপে হৰ॥

### পদ—

বৈশম্পায়ন বদতি শুনিও জন্মেজয়।
বনপবৰ পদ ইটো অমৃত আনয়॥
টেঙনা, টেঙনি গাখি আঠু হাত পাৰ।
দেখি অর্জ্জুনৰ সনে সিহাৰল গাৰ॥
নাৰীগণ পঞ্চদশ হাজাৰ যোগে।
কাণে মুণ্ডে গুঞ্জমণি উলুখা হাতত॥

পিঙ্গল নয়ন মাথে বিভূষিত জটা।
কটিত মেখলা বস্ত্র বাঘ ছাল ফটা॥
হাসি হাসি কিৰাতক বুলিলা অৰ্জ্জুনে।
কৈৰ হন্তে কিৰাত ফুৰাহা বনে বনে॥

## ২ নং একচাপৰি দিহা—

চলে শিৱ দিগম্বৰ,
তুষ্ট হৈয়া অৰ্জ্জুনৰ উপৰত।

### পদ—

কিৰাতে বোলন্ত আৰে ই কথা আছোক।
পৰ্ব্বত নিবাসী আমি বনৰে লোক॥
সাত সাত পুৰুষৰ এহি নিজ গাওঁ।
আতে থাকো পশু মাৰি আলু খান খাওঁ।
কঠৰ পাপিষ্ঠ তই তপস্বী অধম।
কপত জটিয়া তোৰ গাৱে বাঘ চৰ্ম্ম॥

## ৩ নং দিহা—

শিৱৰ বচনে অৰ্জ্জুনে বোলয়—এ
অ জানো তই পাপীষ্ঠ কছাৰি।
বৰাহৰ লগতে এই শৰ পাতে দিবোহো তোক সৈতৰি॥

### পদ—

ইতৰৰ আখাৰেক সহিলো আচোক।
দিবো সেক আৰু যদি কিছু বোলা মোক॥

সম্বোধি বোলন্ত অৰে পাৰ্ব্বতী কিৰাত।
এতেক বিৰতু মিছা লপস কাহাত॥
মই যে বৰাহ আগে আছো শতৰ কৰি।
কিসক মাৰহু আক পাপীষ্ঠ কছাৰি॥
মাথাৰ উপৰে তোৰ যমকাল নাচে।
মৰিবাক লাগি বেটা কত বেলি আছে॥

### ৪ নং আঃ চাঃ দিহা—

শুন অৰে পাপী তই কিকাম কৰিলি।
মোহোৰ হাতত পৰি সমুলি মৰিলি॥

### পদ—

কিৰাতে বোলয় তয় মৰিতে বাঞ্চস।
শৰহানা বৰাহক দেখন্তে আছস॥
হাক দিলো তপস্বী মৰস গৰ্ব্ব কৰি।
বৰাহৰ লগে তোক দিবোহো সৈতৰি॥
খসিলি তপস্বী খৰৰিয়া দেখি মোক।
আষন্তোক ইন্দ্ৰদেৱ কোনে ৰাখে তোক॥
খৰৰিয়া কিৰাতৰ বুঝ আজি বল।
শৰে হানি মাৰো তোক যম ঘৰে চল॥

### ৫ নং আঃ চাঃ দিহা—

পাৰ্থে বোলে সাৰধান কথা কবি তই।
তোৰ নিচিনা কছাৰিক ভয় নকৰো মই॥

**পদ—**

অৰ্জ্জুনে বোলন্ত থাক পাপীষ্ঠ কছাৰী ।
নষ্ট দুষ্ট পাপীষ্ঠ অধম অনাচাৰী ॥
তোক লাগি ইন্দ্রদেৱ আসিবেক সাজি ।
নিৰ পশু কেন কৰি নেদো যেবে আজি ।
বনৰ বানৰ সম থাকস ওচৰে ।
সাপ বেঙ খাই জিয়া পৰ্ব্বত গহ্বৰে ।
ডদৰ মুখক যেন কর্পূৰৰ বাস
কেচা কি জানয় ৰাজহংসৰ বিলাস ॥
নেকিষ্ট চৈপেচি গৰুড়ক দেস ধাৰ
সাতুৰি চাগলে কোৱা সাগৰৰ পাৰ ॥
এহি বুলি ধনুখান কৰিলা টঙ্কাৰ ।
কিৰাতে বোলন্ত আজি বুৰা বালয়াৰ ।
দেখহ তপস্বী মোৰ বাঘ ছাল গাত ।
সেন্তৰে নেৰিবো মই গাটিয়া কিৰাত ॥

**৬ নং আঃ চাঃ দিহা—**

অ' শুনা শুনা মহাপাপী এ অধম বৰ্ব্বৰ
অ' অতি শীঘ্রে পৰিচয় পাবি আজি মোৰ

**পদ—**

থাকো মই পৰ্ব্বতত আলু পানি খাওঁ
বিস্তৰ দিবস নতু যুঁঝিবাক পাওঁ ॥

মাৰ মাৰ তপস্বিয়া তাকে মই চাওঁ।
খৰৰ খুজতি মই কিছু পলুৱাওঁ ॥

৭ নং দিহা—

বনমালী জগ মোহন ৰাম –
যোনো মোৰ মুখে নেৰে ৰাম কৃষ্ণ নাম এ ……

পদ—

মহা গর্ব্ব বাক্য হেন শুনি কিৰাতৰ।
ধনুত অর্জ্জুনে আনি জুৰি পঞ্চ শৰ ॥
লহ লহ সর্প সম বৈৰ নিপাতক।
হানিলা নৰাচ পাঞ্চ কোপে কিৰাতক ॥
কিৰাতে হানিলা দশ নৰাচ প্রচণ্ড।
শৰ হানি অর্জ্জুনে কৰিলা খণ্ড খণ্ড ॥
পাছে দুইৰো ঘোৰ যুদ্ধ লাগিল ডাঙ্গৰ।
যেন যুদ্ধ ভৈলা পূৰ্ব্বে বলি বাসৱৰ ॥

৮ নং দিহা—

অ দেখা সৰ্ব্বনাশ হল, অর্জ্জুনৰ সবে অস্ত্র ঢুকাই গল।
কিৰাত স্বৰূপে হৰ, মায়া কৰি অর্জ্জুনৰ পৰীক্ষা
কৰয় বীৰবৰ।

পদ—

হেনয় অদভুত কর্ম্ম দেখি অর্জ্জুনৰ।
নকৰিলা শৰ আৰ কিৰাত শঙ্কৰ ॥

পাতাল সদৃশ কৰিবেন্ত গোট বাই।
হাসন্ত থাকিলা অৰ্জ্জুনৰ মুখ চাই ॥
অৰ্জ্জুনে আহাকে কোপে বৰিষন্ত শৰ।
কৌতুকে গিলিলন্ত তাক কিৰাত শঙ্কৰ ॥
খজিলা অৰ্জ্জুনে যেন জাঙ্গলা সমান।
মাৰিলা অনেক বীৰে খৰতৰ বাণ ॥
কিৰাতেও দুয়ো হাতে ধৰি আঙ্কোৱালী।
কৌতুকে সবাকে গিলি পাৰন্ত টকালি ॥

*দিহা*—

অৰ্জ্জুনে বোলে হায় কিবা আছো বাট চাই।
মহা ঘোৰ কিৰাতৰ হাতে মোৰ প্ৰাণ যায় ॥
অ ...............................

( *আগৰ পদ* )

শৰ নাই ধনু খান কি কৰিবো আৰ।
মিচা ভাব বহো শুধা দুই গোটা টোনৰ ॥
অগনিক এহি বুলি ক্ৰোধিয়া অৰ্জ্জুন।
কিৰাতৰ মুখত হানিলা দুই টোন।
তাকো যেবে গিলিলা কিৰাত ৰূপে শিৱ।
ক্ৰোধিয়া অৰ্জ্জুনে পাছে হানিলা গাণ্ডীৱ ॥
হেন দেখি ধনঞ্জয় মনত অসুখে।
বৈসাইলন্ত এক মুষ্টি কিৰাতৰ মুখে ॥

কিৰাতে হানিলা অৰ্জ্জুনক এক মুষ্টি।
বোম্বালে ৰুধিৰ বঝাই কুম্ভস্থল ফুটি॥
মূৰ্চ্ছা গৈলা ধনঞ্জয় মৃতক সাক্ষাত।
অন্তৰি কৌতুকে চাহি আচন্ত কিৰাত॥

## ৮ নং দিহা—

অৰ্জ্জুনে বোলে হায় আৰু কিবা আছো চাই,
মহা ঘোৰ কিৰাতৰ হাতে মোৰ প্ৰাণ যাই॥
অ ........................

## পদ—

ক্ষণেকে চেতন পাই, কিৰাতৰ ভিতি চাই,
পুনু চক্ষু মুদি তেতিক্ষণ।
ধিমিক ধিমিক মাত্ৰ ধাতুখানি আছে গাত,
পৰিশোক কৰন্ত অৰ্জ্জুন।
অস্ত্ৰ হেতু দাদা মোক, একেশ্বৰে পঠাইলেক,
বনবাসে বঞ্চি চাৰি ভাই।
আসিবন্ত বুলি প্ৰায়, বাট চাই থাকিবেক,
মৰিবাৰ বাৰ্ত্তাক নাপাই॥
দাৰুণ শোকৰ ঘাৰে মৰিবেক কুন্তি মাৰে
শুনি প্ৰাণ এৰিব সুভদ্ৰা।
অভিমন্যু পুত্ৰ বাপু চেৰস্তিয়া ভৈলা মোৰ
কৃষ্ণে মৰ্ম্ম কৰিব সদায়॥

## খৰ দিহা

অ করুণাময় এ অ দয়াময়,
খণ্ডিবা ভূমিৰ ভাৰ হৰি দয়াময় ॥
পাচে শোকে ভীম দাদা তুলি লব ঘোৰ গদা
কৌৰৱক খেদি যাইব কোপে।
শুনি ৰজা দুৰ্য্যোধন ভীষ্ম গুৰু দ্ৰোণ কৰ্ণ
সবে যুদ্ধ দিব একে জাপে ॥
অন্যায় যুদ্ধে হাৰিবেক সবে বেঢ়ি মাৰিবেক
দাৰুণ সমৰে যাইব মৰি।
মই ঐত মৰো যেবে কৌৰৱৰ ভৈলা তেবে
সবে অকালত বসুন্ধৰী ॥
পাপীষ্ঠ কিৰাত কৈৰ কতবা জন্মৰ বৈৰ
কাল হুৱা আসি পাইলা মোক।
কৰ্ণ হেন বৈৰ মোৰ জীয়ন্তে থাকিল এথা
ময় তেৰ যাওঁ মম লোক ॥
কৌৰৱৰ শত ভাই সমৰত এক নাই
কৰিতে নাপাইলো কন্ধ ছেদ।
দাৰুণ দুৰাচাৰ ঘোৰ মমৰ পুৰত মোৰ
এতেকে থাকিল হৃদি খেদ ॥

## ৰাগিনী—

শুনা শুনা সভাসদ পদ ভাৰতৰ।
সব্যসাচি পূজা কৰে হৰ মহেশ্বৰ ॥

পদ—

এবে কোন কাৰ্য্য কৰো গুণন্ত অৰ্জ্জুন।
নিশ্চয় জানিলো মই হৈবেক মৰণ॥
একে ইষ্টদেৱ মোৰ শঙ্কৰত পৰে।
আন ৰক্ষা নাই মোৰ শঙ্কৰত পৰে॥
পাশুপত অস্ত্র যেবে পাও শঙ্কত।
তেবে কিৰাতক পাৰো জিনিতে ৰণত॥
কিন্তু দণ্ড দুই যেবে পাও অৱসৰ।
তেবে পূজা কৰি তোষো ইষ্ট দেৱ হৰ॥
খানিতেক ৰহ মই ইষ্টদেৱ পূজো।
দুই দণ্ড জিৰাওক পুনৰপি যুজো॥
কিৰাতে বোলন্ত আবে যাকে লাগে পূজ।
খৰখীয়া কিৰাতক নিজিনিবি যুজ॥

১ নং ঘোষা—

অ' হৰি হায়ৰে হায়, অ' মনত শঙ্কৰ থাপি পূজে ধনঞ্জয়॥

পদ—

ধ্যান কৰি শঙ্কৰৰ চিন্তন্ত তিয়াত।
মনত অৰ্জ্জুনে সেহি দেখন্ত কিৰাত॥
অৰ্জ্জুনে বোলন্ত কিনো মোহোৰ অভাগ্য।
ধ্যানতো ইহাক সৰ্ব্বক্ষণে পাও লাগ॥
পাপীষ্ঠ কিৰাতে বলে দমিলেক মোক।
মৰি মৰি ক্ষণিতেক যাও যম লোক॥

পুনৰপি ধ্যান কৰি বিষ্ণুক সুমৰি।
জপিবে লাগিলা শিৱ মন্ত্ৰক উচ্চাৰি।
বিচিত্ৰ পুষ্পৰ মালা দেন্ত বেলপাত
সবেচবে কিৰাতৰ দেখন্ত মাথাত॥

## ২ নং ঘোষা—

অ হৰি হায়ৰে হায় অ দেখা কেনে মহিমা
অ কিৰাত স্বৰূপে আসি ভৈলা অৰ্জ্জুনৰ।
অ নাজানিলা বীৰ ধনঞ্জয়॥

## পদ—

হৰিষে ৰোমাঞ্চ গাৱ ভৈলা অৰ্জ্জুনৰ।
জানিলা কিৰাত নোহে এহেন্তে শঙ্কৰ॥
পূজা এৰি আথে বেথে উঠি নৰৱন্তে।
কিৰাতৰ পাৱত পৰিলা দণ্ডৱতে॥
কিৰাতে বোলন্ত উঠা নপৰ পাৱত।
বৰ তুষ্ট হৈলো মই তোমাৰ যুদ্ধত॥
হেৰা মোৰ দিব্য ৰূপ দেখা সব্যসাচি।
যেহি বৰ লাগে দৈও লোৱা মনে বাচি॥
এহি বুলি নিজ ৰূপ ধৰিলা শঙ্কৰ।
অৰ্জ্জুনে আৰম্ভ স্তুতি কৰিলা বিস্তৰ॥

## ৩ নং দিহা—

অ অর্জ্জুনে বোলয় দেৱ এ অ প্রভু নধৰিবা দোষ
অ দিয়োক তোমাৰ পাশুপত অস্ত্র মোক।
এ অর্জ্জুন বোলয় প্রভু এ॥

## পদ—

অর্জ্জুন বোলন্ত নমো দেৱ মহেশ্বৰ।
নালাগে আমাক প্রভু আন কিছু বৰ॥
দিয়োক তোমাৰ পাশুপাত অস্ত্র মোক।
জিনিবাক পাৰো যেন তিনিও ত্রৈলোক॥
শঙ্কৰ বদতি শুনা পাণ্ডুৰ তনয়।
দেও নিজ অস্ত্র হোৱা ত্রৈলোক্য বিজয়॥
আপুনি টোনৰ হন্তে রুদ্র মুখ শৰ।
মন্ত্র সমে অর্জ্জুনক দিলন্ত শঙ্কৰ॥
নির্ম্মল পবিত্র শুদ্ধ ভৈলা কলেৱৰ।
যায়োক স্বর্গক আজ্ঞা দিলন্ত শঙ্কৰ॥

## ৪ নং দিহা—

অনন্তৰে যম, কুবেৰ বৰুণ;
আসি ভৈলা দেৱৰাজ।

*পদ—*

ভূমিত অৰ্জ্জুন, আকাশে চৌপাশে
দেখিলা দেৱ সমাজ ॥
অনেক কৌটিযে দেৱৰ বিমান,
চন্দ্ৰ সূৰ্য্য সম কান্তি।
শত চন্দ্ৰে যেন, মাথাৰ উপৰে,
শুক্ল মেঘ পান্তি পান্তি ॥

*৫ নং দিহা —*

দেৱক দেখিয়া অৰ্জ্জুনে বোলয় অ প্ৰণামোহো দেৱগণ.
সবাৰ আজ্ঞায় অসাধ্য সাধিলো
আজি মোৰ আনন্দিত মন ॥

*পদ—*

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
অস্ত্ৰ পাই কৌতুকে আছন্ত ধনঞ্জয় ॥
ইন্দ্ৰে পঠালেক ৰথ মাতলি সহিতে।
মাতলি সাৰথি আনি যোগাইলা আগত ॥
দশ যে হাজাৰ ঘোৰা সূৰ্য্য সম বৰ্ণ।
মাতলি গৌৰৱে বোলে উঠিয়ো অৰ্জ্জুন ॥

*৬ নং খৰ দিহা*

অ' বীৰ চলিলৰে দিব্য ৰথে চঢ়ি।
স্বৰ্গপুৰে যায় বীৰ মহানন্দ কৰি বীৰ চলিলৰে ॥

পদ—

মাতলিক বহু মান্য কৰি ধনঞ্জয়।
হেমরম্ভ গিৰিক বুলিলা বহু নয়॥
থাকিও পৰ্ব্বত ৰাজ তোমাত মেলাও।
ইন্দ্ৰৰ আদেশে মই স্বৰ্গে চলি যাওঁ॥
অনেক দিবস ৰঙ্গে আছিলো তোমাত।
যেন পুত্ৰ সুখে থাকে মাতৃৰ কোলাত॥
গৈলন্ত অৰ্জ্জুন যেবে কৌতুকে স্বৰ্গক।
জয় কৃষ্ণ ঘোষা সবে পাতক খণ্ডোক॥

——ঃ*ঃ——

নাম ভাঙি দিয়া ঘেটা

খিত্ গিন্ তা গিন্ গিন্ না গিন্ গিন্ না গিন্ গিন্
গিৰ্ গিন্ না গিন্ তেই তেই খিতেই (২॥)
গিন্ গিন্ গিন্॥



১৩১৩ চনৰ স্থাপিত

## ৰজনী-প্ৰভা এজেঞ্চীৰ

প্ৰকাশিত ধৰ্ম্ম পুথি

পোঃ আঃ কমাৰকুছি, কামৰূপ

তলত লিখা পুথিৰ বাহিৰেও আন আন সকলো স্কুল-পাঠ্য, আৰু ধৰ্ম্ম পুথি আমাৰ ওচৰত পাব।

পৰীক্ষা প্ৰাৰ্থনীয়

সন্তোষ গণনা (ধাৰাপাত), উষাহৰণ (শুকনাম্নি), মিহলি বড়গীত, ধন্বন্তৰী বধ, ভাউৰা পুৰাণ, পুষ্পাধাৰী খণ্ড, চন্দ্ৰধৰৰ ডিঙাগঠন, কামৰূপীয়া বিয়াৰগীত, পৰীক্ষিত বধ, মৎস্য বিবাহ, বেহুলাৰ সত্য পৰীক্ষা, সীতা স্বয়ম্বৰ বসুন্ধৰী বড়গীত, প্ৰহ্লাদ চৰিত, সৰ্ব্বঢাক মন্ত্ৰ, পটন্তৰমালা, কণ্ট্ৰোল পুৰাণ, শক্তিশেল উদ্ধাৰ। শ্ৰীশ্ৰীকৃষ্ণৰ ব্ৰজলীলা, শ্ৰীশ্ৰীহৰগৌৰী-লীলা, শকুন্তলাৰ নাম, দাতাকৰ্ণৰ নাম, অভিমন্যু বধৰ নাম লখিন্দাৰৰ স্বৰ্গাৰোহণ, শ্ৰীশ্ৰীৰামলীলা, সমুদ্ৰ-মন্থনৰ নাম, হৰগৌৰী বিবাদৰ নাম, শ্ৰীকৃষ্ণৰগোষ্ঠ-লীলা, পদ্মাবতীৰ বিয়া, মহাভাৰতৰ নাম ইত্যাদি।

**আন আন লিখকৰ প্ৰকাশ কৰিব লগীয়া পুথি**

চন্দ্ৰপ্ৰভা (কবিতা), ৰহস্যৰ কাহিনী (গল্প), ব্ৰহ্মাণ্ডৰ মাজেদি (বিবিধ), প্ৰতিজ্ঞা (প্ৰায় ২৫০ পৃষ্ঠাৰ উপন্যাস), আবৰৰ সাধু ইত্যাদি।

• • •